ASSAMESE

# LARAPATHA.

## PART II.

BY

JOY CHANDRA CHAKRAVARTI
2nd Master, Gauhati Normal School.

অসমীয়া

# লৰাপাঠ

## দ্বিতীয় ভাগ।

গুবাহাটী নৰ্ম্মালস্কুলৰ দ্বিতীয় শিক্ষক
শ্রীজয়চন্দ্র চক্রবর্ত্তি-কর্ত্তৃক
ৰচিত।

পঞ্চম সংস্কৰণ।

কলিকাতা
৪৬ নং পঞ্চাননতলা লেন ভাৰতমিহিৰ যন্ত্রে,
সান্যাল এণ্ড কোম্পানী দ্বাৰা
মুদ্রিত ও প্রকাশিত।

সন ১২৯৭ সাল।

মুল্য / এৎ অনা মাথোন

# ASSAMESE
# LARAPATHA.
## PART II.

BY

JOY CHANDRA CHAKRAVARTI
2nd Master, Gauhati Normal School.

অসমীয়া

# লৰাপাঠ।

দ্বিতীয় ভাগ।

গুৱাহাটী নৰ্ম্ম্যাল স্কুলৰ দ্বিতীয় শিক্ষক
শ্ৰীজয়চন্দ্ৰ চক্ৰবৰ্ত্তি-কৰ্ত্তৃক

ৰচিত।

পঞ্চম সংস্কৰণ।

কলিকাতা
৪৬ নং পঞ্চাননতলা লেন ভাৰতমিহিৰ যন্ত্ৰে,
সান্যাল এণ্ড কোম্পানী দ্বাৰা
মুদ্ৰিত ও প্ৰকাশিত।

সন ১২৯৭ সাল।

# লৰাপাঠ।

## দ্বিতীয় ভাগ।

সংযোগী আখৰ।

### য ফলা।

| | | | | | | |
|---|---|---|---|---|---|---|
| ক্য | খ্য | গ্য | চ্য | জ্য | ট্য | ঠ্য |
| ঢ্য | ণ্য | ত্য | থ্য | দ্য | ধ্য | ন্য |
| প্য | ভ্য | ম্য | য্য | ল্য | ব্য | শ্য |
| ষ্য | স্য | হ্য | ক্ষ্য। | | | |

ক্য কুবাক্য কোৱা অযুগুত।

খ্য ভাল কাম ন কৰাকৈ কোনে বিখ্যাত হব পাৰে?

গ্য কাৰো সৌভাগ্য সদাই একে দৰে নে থাকে।

চ্য বেয়া বিষয় কেতিয়াও আলোচ্য ন হয়।

জ্য বাণিজ্যেই মাথোন ধন পোৱাব ঘাই উপায়।

ট্য নাচ ঘৰক নাট্যশালা বুলি কয়।

ঠ্য শিক্ষাসাৰ পুথি লৰা বিলাকৰ পাঠ্য।

ঢ্য  বিভূতি থকা মানুহক আঢ্য কয়।

ণ্য  সদাই পুণ্য কৰিবলৈ মন দিবা।

ত্য  কোনেও মৃত্যু এড়াব নোৱাৰে।

থ্য  কেতিয়াও মিথ্যা কথা ন কবা।

দ্য  বিদ্যাৰ নিচিনা ধন নাই।

ধ্য  অধ্যাপকৰ উপদেশ মনত সাঁচি ৰাখিবা।

ন্য  সকলো কথাতে গুৰু জনক মান্য কৰিবা।

প্য  ৰৌপ্যৰ পৰা টকা হয়।

ভ্য  নিতৌ পাঠ অভ্যাস কৰিবা।

ম্য  সৰু লৰা ছোৱালীৰ কথা মনোৰম্য।

য্য  দুখীয়া মানুহক সাহায্য কৰা উচিত।

ল্য  হীৰাৰ জিলিকনিৰ তুল্য আন কোনো বাথ-
ৰৰ জিলিকনি নাই।

ব্য  ব্যাধি হলে দৰব খোৱা উচিত।

শ্য  কৰিব লগীয়া কাম অৱশ্যে কৰিবা।

ষ্য  ভবিষ্যৎ বিষয় আগেয়ে গমি চাব লাগে।

স্য  যশস্যা পাবলৈ কোনে আশা ন কৰে ?

হ্য  উটে ৰ'দ আৰু পিয়াহ বড়কৈ সহ্য কৰিব
পাৰে।

ক্ষ্য  অভক্ষ্য ভক্ষণ কৰিব নে পায়।

# ৰ ফলা।

ক, ক্ৰ গ্ৰ ঘ্ৰ জ্ৰ ত্ৰ, ত্ৰ দ্ৰ প্ৰ

ভ্ৰ, ভ্ৰ ম্ৰ ব্ৰ শ্ৰ স্ৰ হ্ৰ।

ক্ৰ ক্ৰোধৰ নিচিনা ৰিপু নাই।

গ্ৰ কাৰো গলগ্ৰহ হই নে থাকিবা।

ঘ্ৰ সময় বতাহৰ নিচিনা শীঘ্ৰে উড়ি যায়।

জ্ৰ যি মানুহৰ দয়া নাই, তাৰ হৃদয় বজ্ৰময়।

ত্ৰ অকপটীয়া মিত্ৰক মাথোন পতিযাবা।

দ্ৰ ভদ্ৰ মানুহৰ লৰাহও বিদ্যা নিশিকি অভদ্ৰ হয়।

প্ৰ যি মিচা কথা কয় সি তাৰ প্ৰতিফল পায়।

ভ্ৰ ভ্ৰম নোহোৱা মানুহ পাবলৈ টান।

ম্ৰ আম্ৰফল খাবলৈ ভাল।

ব্ৰ মনৰ গতি বড় তীব্ৰ।

শ্ৰ নিৰাশ্ৰয়ক আশ্ৰয় দিবা।

স্ৰ দহ শই এক সহস্ৰ।

হ্ৰ মৰু হ্ৰদত কোনো জাৰ থাকিব নোৱাৰে।

## ল ফলা।

ক্ল গ্ল প্ল ম্ল ল্ল শ্ল হ্ল।

ক্ল পাপী মানুহৰ ক্লেশৰ সীমা নাই।

গ্ল হুগ্লী নামেৰে এখন জিলা আছে।

প্ল ভেঁকুলিৰ প্লুত গতি।

ম্ল ম্লান মুখ হই নে থাকিবা।

ল্ল সাধু বিলাক সদাই প্রফুল্ল থাকে।

শ্ল সকলোৱেই শ্লোক আওড়াবলৈ ভাল পায়।

হ্ল প্রহ্লাদৰ নিচিনা ভকত কোনেও না ছিল।

---

## ব ফলা।

ক্ব গ্ব জ্ব ত্ব থ্ব দ্ব ধ্ব ন্ব ল্ব শ্ব স্ব হ্ব ক্ষ্ব।

ক্ব চাণ্ড নিচেই লয় পক্ব।

গ্ব এতিয়া ৰজা বিলাকে দিগ্বিজয়লৈ নোলায়।

জ্ব জ্বৰ হলে দৈ খোৱা অযগুত।

ত্ব যি আনৰ দাসত্ব কৰে তাৰ সদাই অসুখ।

থ্ব পৃথিবীক পৃথ্বীও বোলে।

দ্ব চাৰিও ফালে পানী থকা ঠাইক দ্বীপ বোলা যায়।

ধ্ব সাবিত্ৰী বড় সাধ্বী আছিল।

ন্ব শোকান্বিত লোকক প্ৰবোধ দিয়া।

ল্ব বিল্বফল গ্ৰহিণী ৰোগলৈ ভাল।

শ্ব ঈশ্বৰক ভয় কৰিবা।

স্ব স্বৰূপ কথা কবা।

হ্ব জিহ্বাৰে সোৱাদ পোৱা যায়।

ক্ষ্বা ইক্ষ্বাকুৰ বংশত ৰাম উপজি ছিল।

---

## ন ফলা।

## গ্ন ঘ্ন ত্ন প্ন ম্ন শ্ন স্ন হ্ন, হ্ন।

গ্ন কোনো কোনো মানুহে সকলো কামলৈ শুভ লগ্ন বিচাৰি ফুৰে।

ঘ্ন বিবেচক মানুহে মহা বিঘ্নকো এড়াব পাৰে।

ত্ন যত্ন নকৰিলে কেতিয়াও ৰত্ন পোৱা নেযায়।

প্ন অল্প ধতুৰা মানুহৰ স্বপ্ন দেখি এই তত হেৰায়।

ম্ন নিম্ন ভূমিত নানা বিধাঁয়া ঘাঁহ হয়।

শ্ন ? এই চিনে প্ৰশ্ন বুজায়।

স্ন ভাই ভনাক স্নেহ কৰিবা।

হ্ন জাহ্নবী নৈৰ পানী পবিত্ৰ বুলি কয়।

---

## ম ফলা ।

ক্ম গ্ম ণ্ম ত্ম দ্ম ন্ম ল্ম শ্ম ষ্ম স্ম হ্ম, হ্ম ক্ষ্ম।

ক্ম  রুক্মিণী বড় গুণৱতী আছিল।

গ্ম  এযোড়ক যুগ্ম বোলে।

ণ্ম  মৃণ্ময় পাত্রৰ পানী বড় শীতল।

ত্ম  আত্মঘাতী হোৱা মহাপাপ।

দ্ম  পদ্ম ফুল অতি মনোহৰ।

ন্ম  সাধু মানুহৰ হে জন্ম সফল।

ল্ম  শাল্মলি গছৰ কলাৰ পৰা তুলা হয়।

শ্ম  কাশ্মীৰ শালেই অতি উত্তম।

ষ্ম  গ্রীষ্মকালত চেচা ঠাইত থাকিবলৈ ইচ্ছা হয়।

স্ম  অকস্মাৎ কোনো কাম কৰিব নেপায়।

হ্ম  ব্রহ্মপুত্র নৈ অসম দেশে দি বই গইছে।

ক্ষ্ম  ৰামে সীতা আৰু লক্ষ্মণেৰে সইতে বনলৈ গইছিল।

---

## ৰেফ্।

র্ক র্খ র্গ র্ঘ র্চ, র্চ্চ র্ছ, র্চ্ছ র্জ র্ঝ র্ণ

# র্ত, র্ত্ত থ র্থ দ র্দ, দ্দ ধ র্ধ, দ্ধ ন র্ন প র্প ব র্ব, ৰ্ব ভ র্ভ ম র্ম, র্ম্ম য র্য, র্য্য ল র্ল শ র্শ ষ র্ষ হ র্হ।

র্ক   কর্কৰা ভাত খোৱা ভাল ন হয়।

র্খ   ভদ্র মানুহৰ সমাজলৈ মূর্খ যাব নোৱাৰে।

র্গ   যি অনেক বিষয়ত পার্গত হয়, তাক সকলোৱে আদৰ কৰে।

র্ঘ   দীর্ঘজীৱী হোৱা বহু পুণ্যৰ ফল।

র্চ   ঈশ্বৰক সদাই অর্চ্চনা কৰিবা।

র্চ্ছ   শোকত মূর্চ্ছিত ন হবা।

র্জ   এলেহুৱা মানুহে ধন আর্জিব নোৱাৰে।

র্ঝ   নির্ঝৰিণীৰ গতিৰ একো ঠিকনা নাই।

র্ণ   কর্ণে নুশুনা মানুহক কলা কয়।

র্ত্ত   এক মুহূর্ত্ত কালো এলাহ কৰি নেথেদাবা।

র্থ   বিদ্যা শিকিবলৈ পুৰুষার্থ কৰা।

র্দ্দ   নির্দ্দোষী হবলৈ যত্ন কৰিবা।

র্দ্ধ   যোৱা সময়ৰ তিলার্দ্ধও উভতি নাহে।

র্ন   যিকামৰ পৰা দুর্নাম হয় সেই কাম কেতিয়াও ন কৰিবা।

র্প   কিৰ্পিণে অন্যলৈ ধন গাঁচে।

র্ব্ব   হিমালয় পর্ব্বত সকলোতকৈ ওখ।

র্ভ পৃথিবীৰ গৰ্ভত বহুবিধ ধাতু আছে।

র্ম্ম অধৰ্ম্মী মানুহৰ জীয়াই থকা ন থকা দুইও সমান।

র্য্য সূৰ্য্যেই গোটেই খন সংসাৰ পোহৰ কৰে।

র্ল কেতিয়াও নিৰ্লজ্জ ন হবা।

র্শ পৰামৰ্শ নো লোৱাকৈ কোনো কাম ন কৰিবা।

র্ষ কাকো ঈৰ্ষা কৰিব নে পায়।

র্হ পিতৃ মাতৃ অতি পূজাৰ্হ।

---

## ঙ্‌ক, ঙ্ক ঙ্খ ঙ্‌গ, ঙ্গ ঙ্ঘ ঙ্ক্ষ ঞ্‌চ, ঞ্চ ঞ্ছ ঞ্জ ণ্ট ণ্ঠ ণ্ড ণ্ণ ন্ত ন্থ ন্দ ন্‌ধ, ন্ধ ন্ন ম্প ম্ফ ম্ব ম্ভ ম্ম।

ঙ্ক অহঙ্কাৰক মনত ঠাই নি দিবা।

ঙ্খ শঙ্খ বোৰ সাগৰত ওপজে।

ঙ্গ সৱহকৈ টেঙ্গা খালে নৰিয়া পড়িবা।

ঙ্ঘ পিতৃ মাতৃৰ কথা লঙ্ঘন কৰিব না পায়।

ঙ্ক্ষ বড়কৈ আকাঙ্ক্ষা ন কৰিবা।

ঞ্চ লৰা বিলাকৰ মন সদাই চঞ্চল।

ঞ্ছ চুৰ কৰিবলৈ বাঞ্ছা ন কৰিবা।

ঞ্জ  বুৰঞ্জী পঢ়িলে আগৰ কালৰ কথা বিলাক জানিব পাৰি।

ণ্ট  শত্ৰুৰ নিচিনা কণ্টক নাই।

ণ্ঠ  কণ্ঠৰ পৰা ধ্বনি ওলায়।

ণ্ড  পণ্ডিত বিলাকে সকলো ঠাইত মান পায়।

ণ্ণ  সদাই বিষণ্ণ মনেৰে থকা ভাল ন হয়।

ন্ত  ঈশ্বৰে অনন্ত সুখ দিয়ে।

ন্থ  কুপন্থলৈ খোজ না কাঢ়িবা।

ন্দ  আনক নিন্দা কৰা অযুগুত।

ন্ধ  গান্ধি পোকে ধান হানি কৰে।

ন্ন  আপোন দেশৰ উন্নতি দেখি কোনোৰে সন্তোষ নেপায় ?

ম্প  লোকৰ সম্পত্তিলৈ লোভ ন কৰিবা।

ম্ফ  কোনেও লম্ফ দি (ডেও মাৰি) গছৰ আগত উঠিব নোৱাৰে।

ম্ব  সম্বল নো লোৱাকৈ প্ৰবাসলৈ নে যাবা।

ম্ভ  কলক ৰম্ভা বোলা যায়।

ম্ম  সম্মতি নো লোৱাকৈ কাৰো এডালি তৃণো নুছুবা।

---

# স্ক ষ্ক স্খ দ্গ দ্ঘ শ্চ শ্ছ ব্জ জ্ঞ
# ষ্ট ষ্ঠ ষ্ণ স্ত স্থ ব্দ ন্ধ স্প ষ্প
# স্ফ ষ্ফ দ্ব ড্ড

স্ক মান্য জনক নমস্কাৰ কৰিবা।

ষ্ক অপৰিষ্কৃত ঘৰত থকা অযুগুত।

স্খ কেতিয়া বা হাতীৰো পদ স্খলন হয়।

দ্গ সদ্গুণে মানুহক শোভা কৰে।

দ্ঘ আনৰ দোষ উদ্ঘাটন কৰা ভাল ন হয়।

শ্চ নিশ্চয় নে জানি কোনো কথা ন কবা।

শ্ছ মানী মানুহে অপমানক শিৰশ্চ্ছেদনৰ নিচিনা ভাবে।

ব্জ পদ্ম ফুলৰ এটা নাম অব্জ।

জ্ঞ কাকো অৱজ্ঞা ন কৰিবা।

ষ্ট দুষ্ট মানুহক কোনেও ভাল নে পায়।

ষ্ঠ কাৰো প্ৰতি নিষ্ঠুৰ ন হবা।

ষ্ণ কৃষ্ণ পক্ষৰ জোন লাহে লাহে কমি যায়।

স্ত নাস্তিকক ভয় কৰিবা।

স্থ আপোন অৱস্থালৈ চাই দান কৰা উচিত।

ব্দ একশ বছৰ পূৰ হলে এক শতাব্দী হয়।

ন্ধ আৰব্ধ কাম শেস ন কৰাকৈ নেড়িৰা।

ষ্প স্পষ্টকৈ কথা কবা ।
ষ্প পলাশ পুষ্পৰ গোন্ধ নাই ।
স্ফ যৌৱন প্রস্ফুটিত ফুলৰ নিচিনা ।
ষ্ফ মূর্খ মানুহৰ জনম নিষ্ফল ।
দ্ব দুঃখত যি উদ্বিগ্ন ন হয় সেই এই মহৎ ।
দ্ভ সকলোৰে সইতে সদ্ভাব ৰাখিবা ।

---

## ল্ক ল্গ ল্প গ্দ গ্ধ দ্ধ ড়্গ ক্ত প্ত ।

ল্ক মাছৰ বাকলিক শল্ক কোৱা যায় ।
ল্গ ফাল্গুন মাহত জাৰ লাহে লাহে কমি আহে ।
ল্প নিতৌ অল্প অল্পকৈ পঢ়িলেও বহুত পঢ়া হয় ।
গ্দ কাকো কোনো বস্তু দিম বুলি বাগ্দান কৰি পিছত নিৰাশ ন কৰিবা ।
গ্ধ খলুৱা মানুহৰ কথাত মুগ্ধ ন হবা ।
দ্ধ সদাই শুদ্ধ মনেৰে থাকিবা ।
ড়্গ গঁড়ৰ নাকৰ ওপৰ পিনে এটা খড়্গ ওলায় ।
ক্ত ভক্তি ন হলে মুক্তি ন হয় ।
প্ত সোৱাদ বস্তু খালে জিহ্বাৰ তৃপ্তি হয় ।

---

জ্জ্ব ত্ত্ব র্দ্ধ ন্ত্র ত্ত্ব ন্দ্ব ম্ভ্র ষ্ট্র ঙ্ক্র ষ্প্র স্ত্র।

জ্জ্ব জ্ঞানীৰ চিত্ত সদাই উজ্জ্বল।

ত্ত্ব আশ্ৰিত মানুহৰ তত্ত্ব লবা।

র্দ্ধ মানুহে নিজ নিজ কাম অনুসৰি ঊৰ্দ্ধ বা অধলৈ যায়।

ন্ত্র শকুনি আৰু কৰ্ণ কুৰু কুলৰ কুমন্ত্ৰী আছিল।

ন্ত্ব দুখীয়াক সান্ত্বনা কৰিবা।

ন্দ্ব দ্বন্দ্ব্ কৰা ভাল ন হয়।

ম্ভ্র মূৰ্খক কোনে সম্ভ্ৰম কৰে ?

ষ্ট্র ধৃতৰাষ্ট্ৰ ৰজা ওপজাৰে পৰা অন্ধ আছিল।

ঙ্ক্র ডুক্ক্রিয়াত মন নি দিবা।

ষ্প্র দুষ্প্ৰবৃত্তিক সমূলি দূৰ কৰিবা।

স্ত্র শাস্ত্ৰ পঢ়িলে নানা কথা জনা যায়।

---

## দহ দিক্।

পূৰ্ব্ব। পশ্চিম। উত্তৰ। দক্ষিণ। ঈশান। অগ্নি। নৈঋ্ৰ্ত। বায়ু। ঊৰ্দ্ধ। অধঃ।

## সাত বাৰ।

দেৱ। সোম। মঙ্গল। বুধ। বৃহস্পতি। শুক্ৰ। শনি।

# পোন্ধৰ তিথি।

প্ৰতিপদ্। দ্বিতীয়া। তৃতীয়া। চতুৰ্থী। পঞ্চমী। ষষ্ঠী। সপ্তমী। অষ্টমী। নবমী। দশমী। একাদশী। দ্বাদশী। ত্ৰয়োদশী। চতুৰ্দ্দশী। পূৰ্ণিমা বা অমাবস্যা।

# দুই পক্ষ।

শুক্ল আৰু কৃষ্ণ। যেতিয়া লাহে লাহে জোন বাঢ়িবলৈ ধৰে তেতিয়া শুক্ল পক্ষ, আৰু যেতিয়া কমিব ধৰে তেতিয়া কৃষ্ণপক্ষ বোলা যায়। এটা এটা পক্ষত পোন্ধৰ দিন। এতেকে দুই পক্ষত এমাহ্ হয়। বাৰ মাহে এবছৰ।

---

# পৰিশ্ৰম।

পৰিশ্ৰম সকলো সুখৰ মূল। পৰিশ্ৰম ন কৰাকৈ কোনে বিদ্যাবন্ত, জ্ঞানৱন্ত আৰু ধনৱন্ত হব পাৰে? পৰিশ্ৰম ন কৰাকৈ লৰাবিলাকে বিদ্যালাভ কৰিব আৰু ডাঙ্গৰ হই ধন আৰ্জিব নোৱাৰে। ক্ষেতিয়ক বোৰে যি ক্ষেতি, আৰু বেপাৰী বোৰে যি বেপাৰ কৰে, শ্ৰমত বাজে সেই সকল সিদ্ধি ন হয়। ৰ'দ বতাহ্ আদি কৰি কেত

বোৰ বস্তু, যাৰ সকলোৰে সমান গৰাকী, তাত বাজে আন সকলো বস্তু শ্ৰমেৰে হে পোৱা যায়।

যি মানুহে যিমান শ্ৰম কৰে, সি তিমান বিদ্যা, জ্ঞান, ধন, আৰু সুখ পায়। ইংৰাজ বিলাকে যে ইযান বিদ্যাৱন্ত, জ্ঞানৱন্ত, চহকী আৰু সুখীয়া হইছে, পৰিশ্ৰম মাথোন তাৰ ঘাই কাৰণ।

শ্ৰম ন কৰা হেতুকে নগা, ডফলা, খাম্‌তি আদি কৰি পৰ্ব্বতীয়া মানুহ বিলাকে ভাল খাবলৈ পিন্ধিবলৈ আৰু ভাল ঘৰত থাকিবলৈ নে পায়। সিহঁতে ফল, মূল, নিসিজা মংহ আদি খাই যেন তেনকৈ দিন কটায়। সিহঁতৰ দুঃখৰ সীমা নাই; কিন্তু জ্ঞান নথকা হেতুকে সেই সকল দুঃখক এবৈচাও দুঃখ বুলি নে ভাবে। বুজিব পৰা হলে শ্ৰম কৰি সিহঁতৰ অৱস্থা ভাল কৰিলে হেতেন।

হে মোৰ প্ৰিয় লৰা বিলাক! তোমা লোকে এতিয়াৰে পৰা শ্ৰম কৰি বিদ্যা আৰ্জিব পোৱা। তেনে হলে ডাঙ্গৰ হই ধন আৰ্জিব পাৰিবা আৰু বড় সুখীয়া হবা।

---

# মেকুৰী।

মেকুৰি বোৰ মানুহৰ বড় উপকাৰী। সিহঁতে নিগনি বোৰ ধৰি খায়। সিহঁতৰ নখ বোৰ বেঁকা আৰু জোঙ্গাল। যেতিয়া মানুহে মৰম কৰি সিহঁতক কোলাত লয়, তেতিয়া নখ বোৰ কোঁচাই থয়।

মেকুৰি বিলাকে একে বেলি এই চাৰি পাঁচটাকৈও পোৱালি জগায়। ওপজাৰ পাছত পোৱালি বোৰৰ চকু কেইদিনমানলৈকে মুদ গই থাকে।

মেকুৰি বিলাকে কোনো জন্তু ধৰিবৰ আগেয়ে চোপ লই থাকে। পিছে লখ কৰি তাৰ ওপৰত জাঁপিয়াই পৰে। জন্তুটো মাৰিবৰ আগেয়ে নানা বিধ যাতনা দিয়ে। এবেলি এৰি দিয়ে আকৌ ধৰে, আকৌ এৰি দিয়ে আকৌ ধৰে। এনেকৈ খেমালি কৰি পিছে তাক মাৰে।

মেকুৰি বিলাকে আন্ধাৰত ভালকৈ দেখিবলৈ পায়। আন্ধাৰ ৰাতি সিহঁতৰ চকুৰ মণি জিলেকে। সিহঁতে ভাত আদ কৰি যিযি বস্তু খায়, সকলোতকৈ মাছ মঙহকেই বড় ভাল পায়। সিহঁতে ঔষধৰ বাবে কেতিয়াবা ঘাঁহো খায়।

# কুসঙ্গ।

যি বিলাক লৰাই সদাই বেয়া কাম কৰি ফুৰে, সিইতে সইতে ভাল লৰাই সঙ্গ কৰা অযুগুত। কিয়নো, সদাই সিইতে সইতে ফুৰি চাকি পিছে সিইঁতৰ নিচিনা হব গই। এটি ভাল লৰাই যদি কেত বোৰ বেয়া লৰাৰে সইতে থাকে, তেন্তে সি কেতিয়াও ভালে থাকিব নোৱাৰে; কিন্তু ভালৰ সঙ্গ পালে বেয়া লৰাও ভাল হয়।

কোনো বনৰ মাজত এটা বাহঁত ময়না চৰাইৰ দুটা পোৱালি হইছিল। তাৰ এটা এজন মহন্ত মানুহে, আনটো এজন মুচিয়াৰে নিলে। প্ৰথম টোএ সাধুসঙ্গত পড়ি সাধুমাত মাতিবলৈ শিকিলে। সেই মাত শুনি সকলোৱেই বড়কৈ হৰ্ষ পালে আৰু প্ৰশংসাও কৰিলে; কিন্তু দ্বিতীয় টোএ কুসঙ্গত পড়ি কুমাত শিকিলত তাক শুনি সকলোৱেই বিৰক্ত হল।

বিবেচনা কৰি চোৱাচোন্, একে বাহত একে চৰাইৰ পৰা ওপজা দুটা পোৱালি সঙ্গৰ দোষ গুণত কেনে ভিন ভিন অৱস্থা পালে? লৰা বিলা-কৰো ঠিক টাৰু এনে গতি হয়। এতেকে হে

প্রিয় লৰা বিলাক ! তোমালোকে কেতিয়াও বেয়া লৰা বিলাকে সইতে নুফুৰিবা। সদাই সিইঁতৰ পৰা আঁতৰত থাকিবা।

---

## হাতী।

চাই ঠেঙ্গীয়া যিমান জন্তু আছে সকলোতকৈ হাতী ডাঙ্গৰ। কোনো কোনো হাতী ন দহ হাত মান ওখ হয়। আমাৰ দেশত, আৰু আফ্রিকা নামেৰে এখন দেশ আছে, তাত তাৰ জনম হয়। হাতী প্রায়েই ধোঁৱা বৰণীয়া। ঠাইএ ঠাইএ বগা হাতীও পোৱা যায়। মান দেশৰ ৰজাই বগা হাতী পোহে।

হাতীৰ চকু অতি সৰু, কাণ কুলাৰ নিচিনা বহল, ডিঙ্গি চুটি। হাতীএ শুঁড়েৰে খোৱা বস্তু তুলি লয় আৰু তাৰেই পুখুৰীৰ পৰা পানী লই মুখত ভৰায়। সি শুঁড়েৰে মাটিৰ পৰা অতি সৰু বস্তুকো তুলিব পাৰে।

মতা হাতী বোৰৰ বড় বড় দুটা দাত ওলায়। মানুহে তাৰে ফণী, পাশা আদি কৰি অনেক বস্তু সাজে। মাইকী হাতীৰ তেনেকুৱা বড় দাত ন হয়। তাই এটা এটা পোৱালি জন্মায়।

হাতীৰ স্বভাৱ নিচেই নৰম। সি বড় বলী আৰু লগতে পোহ লয়। একুড়ি পাঁচোটা মানুহে যি বোজা নিব নোৱাৰে, সি তাকো সুগমে লই যাব পাৰে। হাতীৰ দ্বাৰা আমাৰ বহুত উপকাৰ হয়। সি ন হলে আমি হাবিয়নী বাটে দি যাব নোৱাৰোঁ।

হাতীৰ বুধি অতি আচৰিত। তাক কোনো-বাই হাহিলে বা প্ৰশ সিলে সি তাক বুজিব পাৰে আৰু ছল পালে তাৰ পোটক তোলে। সি বহু দিন লৈকে জীয়াই থাকে।

---

## সময় অমূল্য।

যি সময় এবেলা যায়, সেই সময় আকৌ-উভতি নাহে। ঘৰ বাড়ী, কাপোৰ কানি, ধান চাউল আদি কৰি বস্তু বিলাক নষ্ট হলেও ধন দিলে আকৌ পোৱা যায়, কিন্তু পাচিয়ে পাচিয়ে ধন সলাইও যোৱা সময় পুনৰ্ পোৱা নে যায়। এতেকে যি সময় পোৱা গইছে, তাৰ এদাড়ো মিছা কামত খেদোৱা উচিত ন হয়। সি লৰাই অলপ্ বয়সত সময়ৰ গুণ নুবুজি, খেল, দন্দ, আৰু

মৰামৰি কৰি তাক বৃথাই. নষ্ট কৰে, সি ডাঙ্গৰ হলে তাৰ গুণ বুজ পায়, আৰু তেতিয়া এই দৰে খেদ কৰে "হায়! ময় কেলেই অকাৰণে সময় খেদাইছিলোঁ। এতিয়া মোৰ দুৰ্গতিৰ শেস নাই। সময় যে কি বস্তু তাক চিনিব পৰা হলে মোৰ এনে দুৰৱস্থা নহল হেতেন। আমুকে সময় নাশ নকৰা হেতুকে মাথোন এনেকুৱা চহকী হইছে আৰু সুখ পাইছে।"

হে প্ৰিয় লৰাবিলাক! যদি তোমালোকে বিফলে সময় কটোৱা, তেন্তে পিছত বড়কৈ খেদ কৰিব লাগিব।

---

## ঘোড়া।

ঘোড়া অতি উত্তম জন্তু। সি দেখিবলৈ চিকণ। সি বেগাই যাব পাৰে। মানুহতকৈ তাৰ বল সৰহ। সকলো ঘোড়াৰ আকৃতি আৰু বৰণ একে দৰৰ ন হয়। ঘোড়াৰ নেজ দীঘল, ডিঙ্গি বেঁকোৱা। গৰু, ম'হ আদি জন্তুৰ খুৰা যেনে দুফলীয়া তাৰ খুৰা তেনে ন হয়। সি এখুৰীয়া জন্তু।

বল থকা হেতুকে ঘোড়াৰ পৰা মানুহৰ অনেক উপকাৰ হয়। মানুহে তাৰ ওপৰত উঠি সুগমে অহা যোৱা কৰে। খোজকাঢ়ি যি ঠাইলৈ এদিনে যাব নোৱাৰি, ঘোড়াৰে গলে এবেলাতে সেই ঠাই পাই গই। মানুহে কেতবোৰ ঘোড়াৰে গাড়ী টনায়, কেত বোৰক ৰণলৈ নিবলৈ শিকায়। ঠাইএ ঠাইএ ঘোড়াৰে হালো বায়।

পৃথিবীৰ প্ৰায় সকলো ঠাইত ঘোড়া পোৱা যায়। আৰব দেশত সকলোতকৈ ভাল ঘোড়া আছে বুলি কয়। সেই দেশৰ মানুহ বিলাকে কেতিয়াও ঘোড়াক নেমাৰে বা আন কোনো প্ৰকাৰ দুঃখ নিদিয়ে। ঘোড়া বোৰে কুকুৰৰ নিচিনা গৰাকীৰ পিছে পিছে ফুৰে আৰু নিলগ ঠাইৰ পৰা তেওঁৰ মাত শুনিবলৈ পালে ওচৰলৈ আহে।

---

## পিতৃমাতৃৰ প্ৰতি ভক্তি।

হে প্ৰিয় লৰা বিলাক! এই পৃথিবীতে তোমালোকৰ যি সকল মিত্ৰ আছে, সকলোতকৈ পিতৃমাতৃ মৰমীয়াল। তেওঁবিলাকতকৈ অধিক মৰমীয়াল কোন্ আছে? তোমালোকৰ পিতাৰাই

ৰাতিপুৱাৰে পৰা গধূলিলৈকে বন কৰি তোমা-লোকক প্ৰবৰ্ত্তাবলৈ ধন আৰ্জে। তেঁও ( লোক ) তোমালোকক প্ৰতিপালন কৰিবলৈ যে বড়কৈ দুঃখ কৰে, তাক কেতিয়াও দুঃখ বুলি নে ভাবে। বৰং আপুনি নেখাই নিপিন্ধিও তোমালোকক ভালকৈ খুৱাব পিন্ধাব পাৰিলে সন্তোস হে পায়। কেনেকৈ তোমালোকে বিদ্যাৱন্ত জ্ঞানৱন্ত আৰু গুণৱন্ত হবা, তালৈ হে সদাই পুৰুসার্থ কৰে। তোমালোকক পঢ়াশালীত পঢ়িবলৈ দি মাহিলি মাচুল আৰু কিতাপ আদি কিনিবলৈও ধন দিয়ে।

তোমালোকৰ মাৰাই দহ মাহ গৰ্ভধৰি, বড়কৈ দুঃখ সহিও তোমালোকক জন্ম দিছে। যেতিয়া তোমালোকে নিচেই কেঁচুৱা আৰু ভেলেঙ্গা আছিলা, সহায় নোহোৱাকৈ থিয় হব বা আন একোকে কৰিব নোৱাৰিছিলা তেতিয়া তোমা-লোকৰ মাৰাইহে তোমালোকক কোলাত লই ফুৰিছিল, তোমালোকৰ ভোকৰ বেলিত পিয়াহ দি ভোক গুছাইছিল, তোমালোকে কান্দিব ধৰিলে আদৰেৰে চুমা খাই নচুৱাই নচুৱাই নিচুকাইছিল, তোমালোকৰ কোনো নৰিয়া হলে ৰোগীৰ নিচি-

নাকৈ আপুনিও চলিছিল। এতিয়াও তেঁওলোকেহে তোমালোকক মৰম আৰু যতনেৰে প্ৰতিপাল কৰিব লাগিছে।

তোমালোকে এতিয়া গমি চোৱাচোন্ ওপজা দিনৰে পৰা তোমালোকৰ হিতৰ নিমিত্তে ইমান দুঃখ আৰু যতন আন কোনে কৰে? তোমালোকে এনেকুৱা মৰমীয়াল পিতৃমাতৃৰ মৰম আৰু দুঃখৰ সলনি আজিলৈকে কি কৰিছা? যদি তেঁওলোকৰ ধাৰ শুজিবলৈ ইচ্ছা কৰা, তেন্তে তোমালোকে সদাই তেঁও বিলাকৰ আজ্ঞা পালি আৰু ভালকৈ লেখাপঢ়া শিকি, তেঁও বিলাকক সন্তুষ্ট কৰা।

পিতৃমাতৃএ যি আজ্ঞা কৰে, যদি তালৈ আওকাণ কৰা আৰু বিদ্যা শিকিবলৈকো হেলা কৰা, তেন্তে তেঁও বিলাকে নিশ্চয়কৈ মনত বড় বেজাৰ পাব। আৰু যেতিয়া তেঁও বিলাকে বুঢ়া হই বন কৰিবলৈ নোৱাৰা হব, তেতিয়া যদি তোমালোকে প্ৰতিপাল নকৰা তেনে হলে বড় কৃতঘ্ন হবা।

---

ইতি।

# জ্ঞাপনী।

লৰাপাঠ প্ৰথম ভাগত অসংযোগী আখৰ চিনিবৰ উপায় মাথোন দেখুৱা হইছে। সংযুক্ত বৰ্ণজ্ঞানৰ নিমিত্তে এই দ্বিতীয় ভাগ ৰচনা কৰি নগাঁও টেক্‌ষ্টবুক কমিটীলৈ পঠিয়াই দিওঁ। কমিটীয়ে, লৰাবিলাকৰ পাঠোপযোগী হইছে বুলি অভিমতি প্ৰকাশ কৰাত ইযাক মুদ্ৰিত কৰা হল। এতিয়া ইয়াৰ পৰা লৰাবিলাকৰ উপকাৰ হলেই পৰিশ্ৰম সফল জ্ঞান কৰিম। ইতি।

গুৱাহাটী।
২২শে মে, ১৮৮৫। } শ্ৰীজয়চন্দ্ৰ চক্ৰবৰ্ত্তী।

---

OPINION OF THE NOWGONG TEXTBOOK COMMITTEE

Larapath by Joy Chandra Chakravarti.

The work on the whole appears to be useful to beginners—It is in imitation of Madan Mohan Tarkalankar's infant teacher in Bengali.

1 .3 85 (Sd) NANDESHWAR PHUKAN
BOLY N. BARA
GUNABHIRAM BARUAH.

---